



# অগ্নিশিখা —

মোহাম্মদ রফিকুদ্দিন আহমদ

# অগ্নি-শিখা।

—·—·০:·:০——

মোহাম্মদ জমিৰুদ্দিন আহমদ
পাকোৱা
নলবাৰী, কামৰূপ।

শাওণ—১৩৪৬




অনা ।

# অৰ্পণ

দৃপ্ত, মত্ত যৌৱনৰ উগ্ৰ তেজ ধাৰ
বয় যাৰ তীব্ৰ গতি ধৰি
বিপ্লৱৰ ভয়ঙ্কৰ ৰুদ্ৰ হাহাকাৰ
যাৰ বুকে উঠিছে গুমৰি।

———•———

# পাতনি

যোগ্যৰ ধৰণী ভোগ্যা।
যোগ্য জনে ধৰণীৰ লভে আলিঙ্গন ;
শিৰ নত নিষ্পেষিত,
পৰ—বশ্য মানৱৰ দীপ্তি চিৰ ম্লান।

---

# বিদেশী শব্দৰ অৰ্থ

নাজাত—উদ্ধাৰ, মুক্তি [দুখ লাঞ্চনাৰ পৰা]

লান্নত—অভিশাপ

গুলজাৰ—[গুল -ফুল] ফুলনি

নূহ—এজন পয়গম্বৰ। কোনো পণ্ডিতৰ মতে বৈবস্বত মনু। তেওঁৰ দিনতেই মহা প্লাৱন ঘটিছিল।

আহাদ—একম্

জূলফিক্কাৰ—হজৰত মোহাম্মদৰ (দ) জোৱাঁয়েক হজৰত আলীৰ তৰোৱাল।

চিয়াখুন—কলাতেজ

পলিদ—মলযুক্ত

আজাদ—মুক্ত

ইনকুলাব জিন্দাবাদ—বিপ্লৱ স্থায়ী হওক

কাৰচাজী—বুদ্ধিমন্তা

তাউছীতখত'—ময়ূৰ আসন

লস্কৰ—সৈন্য

গৰআবাদ—ব্যৱহাৰৰ অনুপযুক্ত, পতিত।

মাগফিৰাৎ—মৃত আত্মাৰ মুক্তিকামনা।




# অগ্নি-শিখা



## আৱাহন

বাজিছে ৰণৰ ভেৰী
উঠা, চঞ্চল তেজী দুৰ্দ্দম বীৰ
শকতিৰ শিল বুকে বান্ধি
উচ্চ কৰা শিৰ।

মানৱে মানৱ শাসি
উশৃঙ্খল কৰি চোৱা ঘটালে প্ৰমাদ।
'মুক্তি লাগে মানৱক'
দলিত আত্মাৰ আজি শুনা আৰ্ত্তনাদ।

## অগ্নি-শিখা

শাসকৰ পদ তলে কৰি
বিবেকৰ চৈতন্যৰ বলিদান
পাৰিবা কৰিব ৰক্ষা মানৱ সন্মান ?
নোৱাৰা কৰিব ৰক্ষা
আত্মাৰ আহুতি ধালি
জ্বলাব লাগিব আজি বিপ্লৱৰ ৰণশিখা।

বিদ্যুতৰ সৰ্ব্বভেদী অগ্নিবাণ জুৰি
মুহুৰ্ম্মুহু আকাশৰ উল্কাপাত কৰি
কৰিব লাগিব ধ্বংস উন্মত্তৰ অভিমান
সফল নিশ্চয় হব জন্মৰ কাৰণ—
মানৱ সন্মান।

তুমি দুর্ব্বাষা নব
উদণ্ড তোমাৰ শক্তি, শাপ দুর্ণিবাৰ ;
অসত্যৰ যদুবংশ ধ্বংস হব
তব কোপানলে।
পৰি পদতলে
আশ্ৰয় মাগিব আহি
পুনু সেই কোৰেচৰ দল
সত্যৰ জেউতি লয় হই জলমল্।

কব 'নবী তুমি সচা, সত্যৰ প্ৰচাৰক'
—সত্য চিৰন্তন সত্য,
অসত্যই মাতে মৰণক।

## অগ্নি-শিখা

উঠা উঠা হে জীৱন্ত
জীৱনক কৰা আশীৰ্ব্বাদ
হ'ক শুভ্ৰ নিৰমল নিৰ্ম্মম আজাদ।
মানৱৰ শক্তি আছে—অফুৰন্ত জ্যোতি তাৰ,
প্ৰাণে প্ৰাণে প্ৰাণ আছে মৃত্যুহীন জীৱনৰ।

উন্মুক্ত আকাশতলে ধৰণীৰ বুকে
প্ৰত্যেক মানৱে এটি শক্তি কেন্দ্ৰ স্থান,
নোহে কোনো হীন তুচ্ছ
মানৱৰ স্বায়ত্ত্ব সমান।
উচ্চ নীচ শাসকৰ ভণ্ডামীৰ পিন্ধা মুখা
তুৰ্ব্বলৰ ভয়ে দেখা মুৰ্খতাৰ যৱনিকা।

আত্মাৰ মুকুতি আছে—অজড় চেতন
দাসত্বক নিজে নিজে নকৰা বৰণ।
যৌৱনৰ আত্মবলি
দাসত্বৰ পদতলে কৰি
আত্মা শাসকৰ ভয়ে, কৃপা চত্ৰ ধৰি
তাৰে তলে হে মহানুভৱ
নাভাবিবা ৰক্ষাপাব দীপ্তিময় মানৱ গৌৰৱ।
উঠা—
উঠা ৰণক্ষেত্ৰ নোহে শয়নৰ স্থান
ৰণৰ সময় নোহে
যোৰহাতে পাতিলোৱা শৃঙ্খল বন্ধন
শত্ৰুৰ বাহিনী দেখি নকৰিবা ভয়
ধূলি হব সম্মুখত উচ্চ হিমালয়।

...    ...    ...

ভীৰু তুমি

ভাবিছা নিজক তুচ্চ দুৰ্ব্বা তৃণ সম

দুৰ্ব্বা বলী দুৰ্ব্বা শ্যাম দুৰ্ব্বা মনোৰম।

শত শত ধুমুহাৰ মহা আস্ফালন

স্থিৰ ভাৱে জয় কৰি শত উদ্ঘাটন

ধৰণীক কৰিছে শ্যামল

হে মানৱ,

নোহা ভীৰু নোহা তুচ্চ,—স্বাধীন নিৰ্ম্মল

ধৰণীক কৰা আলিঙ্গন

জগতক কৰা প্ৰাণময় কৰা শক্তিমান ;

গাব ধৰণীয়ে পুনু সত্য শিৱ সুন্দৰৰ গান।

——:০:——

# মুক্তি কামী।

জগতৰ এটিকোণে অকলে নিবৰে বহি
যাতনাৰ শত ঢেউ নত শিৰে থাকি সহি
বনপোৰা ভম্ ভম্ অনলে হৃদয় দহি
ভাবিছানে কৰিবা উদ্ধাৰ

## অগ্নি-শিখা

এই মহাজগতক বন্ধন শৃঙ্খল চিঙি
উচ্চ কাৰাগাৰ গড় ধূলি সমকৰি ভাঙি
মুমূৰ্ষুৰ ললাটত সঞ্জিবনী জ্যোতি দানি
উদ্‌যাটন কৰি দিবা মুক্তিৰ দুৱাৰ ?

আহা তেন্তে মুক্তিকামী নীৰৱ ধিয়ান এৰি
উচ্চৰবে বাহু তুলি গৌৰৱ হুঙ্কাৰ কৰি
দুৰ্ব্বৃত্তক পদতলে দলি মষিমুৰ কৰি
ৰক্ষাকৰা মানৱ সন্মান

নোহা তুমি হীন নীচ জগতৰ হেয় তুচ্ছ
জগতৰ মাজে তব শিৰ হিম-গিৰি উচ্চ
বঞ্চিত দলিত কত শত শত মৃত মূৰ্চ্ছ
আছে সহি জ্বালা অপমান।

পৰ বুলি জগতক নোৱাৰা কৰিব দূৰ
—জগতক বান্ধি আছে কূটমতি ইৰ্ষাতুৰ
তুমি সেই পাপ চক্ৰ কৰিব লাগিব চুৰ
গৌৰৱ উজ্জ্বল তুমি মানৱ সন্তান

শক্তিময়ী জগতৰ তুমিযে শক্তিৰ শিশু
সউ চোৱা জ্বলি গল মোহাম্মদ মুছাযিশু
প্ৰচণ্ড আঘাতে ভাঙি অধৰ্ম্মৰ কাৰাগাৰ
ৰক্ষা কৰি মানৱৰ শক্তিৰ সম্মান।

মানৱক যিটো দলে পৰাধীন কৰি ৰাখি
শাসনৰ দণ্ড লই কৰি ধৰনীক দাসী
মুষ্টিৰ খঞ্জৰাঘাতে দুৰ্ব্বলক লুটি নাশি
কৰি আছে দিকে দিকে পৈশাচিক অত্যাচাৰ

## অগ্নি-শিখা

জগাই মানৱ আত্মা সুপ্তা অন্তৰৰ শক্তি
অন্ধকাৰ নাশ কৰি জ্বালি নিৰ্ব্বাপিত দীপ্তি
সমুদ্ৰ হেন্দোলে গাই বিপ্লৱৰ জয় গীতি
ধ্বংস কৰি সেই দল মচি পেলা হাহাকাৰ।

জগতৰ এটি কোণে যদিও থাকিছা তুমি
নিৰ্য্যাতিতে আছে বীৰ তোমাৰ প্ৰতিক্ষা গনি
শৃঙ্খল বন্ধনে পৰি অশ্ৰুবাৰি টুকি
সহায় বিচাৰি তব মুক্তি কামী বীৰ

তুমিতো নোহোৱা ক্ষুদ্ৰ নোহা তুচ্চ হীন
জগত সীমাৰ মাজে তুমি সীমা হীন
আত্মাৰ মানৱ তুমি নোহা দুখী দীন
আত্মাহীন শিৰ-নত তুমি উচ্চ শিৰ।
ধ্বংস কৰা নগ্ন অভিযান
ৰক্ষা কৰা গৌৰৱ সন্মান॥

---

## শক্তি ভিক্ষা।

হে মোৰ মহান খোদা
যৌৱনক কৰা আজি তুমি
স্নেহমাখা পুত আশীৰ্ব্বাদ
লভিতাবে পূণ্যৰ প্ৰাসাদ
দূৰ হ'ক যুগে যুগে ৰোৱা
—অব্যৰ্থ শক্তিৰ গাত লাগি থকা
পাপ পঙ্কিলতা
ছাফ হ'ক মামনৰ ডাগ মলিনতা।

আমি যে যুৱক বীৰ ......।
তেন্তে কিয় হৃদয়ত নাই স্নেহ মায়া—
টুকিব নোৱাৰো কিয়
ব্যথিতৰ দুখ দেখি দুখ অশ্রুনীৰ।
মাগিছো তাৰেই ভিক্ষা
দিয়া সেই শক্তি
উদ্ধাৰ কৰিব পাৰো
বঞ্চিতৰ দলিতৰ চিৰ কাম্য মুক্তি;
—দিব পাৰো ব্যথিতক বেথাৰ নাজাত
দুৰ্ব্বৃত্ত নিৰ্ম্মম সবে হাজাৰ লাঞ্ছিত;
—মহাশব্দে জ্বলি উঠা ডাউ ডাউ কৰি
গগন পবন ভেদি দিগন্ত আবৰি
অত্যাচাৰ গহনৰ অগ্নি শিখা ধৰি
দিব পাৰো এটি ফুকে জল সম কৰি;

—নমস্কাৰ অগ্নিকুণ্ড
দিব পাৰো কৰি গুলজাৰ
গগন ৰঙিন কৰি
ভাঙিব পাৰিম ঘোৰ দুর্নীতিৰ অন্ধকাৰ
হে মোৰ সত্যৰ খোদা
তাৰেই ভিখাৰী আমি
—দিব পাৰো সগৌৰৱে কৰি অহঙ্কাৰ
পৰিচয় সত্যময় সুন্দৰ মানৱৰ।

---

# উঠা বীৰ শক্তিৰ নন্দন।

উঠা বীৰ
সঞ্চাৰি অমোঘ শক্তি দৃষ্টি কৰা স্থিৰ
ছুৰুকৰা যৌৱনৰ নব অভিমান
বিপ্লৱৰ অগনিৰে পূৰ্ণ হ'ক গগন পবন
ধ্বংস হ'ক অত্যাচাৰী শাসক বৰ্ব্বৰ
স্বাৰ্থ পৰ ক্ৰুৰ নীচ দুৰ্দ্দান্ত দুৰ্ব্বাৰ

অদম তোমাৰ শক্তি
সঙ্গীতৰ সৌৰ্য্য বীৰ্য্য ৰক্ত ন্যায্য যুক্তি
নোহা পৰাজয়
অব্যৰ্থ অশনি তযু বিক্ৰম দুৰ্জ্জয়।
হবা কিয় মলিন বিৰস
মানৱ সভাৰ মাজে
নীচ হীন ভাবে ঘোষি আত্মাৰ কুযশ।
যৌৱনক নিজে কিয় দিবা অপমান
নোহে ইটো পুৰুষৰ ক্ষমাৰ কাৰণ।

তুমি কি শকতি হীন
হবা কিয় পৰদাস পৰৰ অধীন?
তোমাৰতো ৰক্ত আছে বুদ্ধি আছে
আছে আৰু বিবেক বিচাৰ
কিয় তেন্তে পৰাধীন বুলি
নিজে নিজে কৰিবা স্বীকাৰ!

নোৱাৰিবা কিয় তুমি নিজে
অত্যাচাৰী মদান্ধক দেখুৱাব পথ
শত্ৰুৰ কল্পনা ভাঙি
চলোৱা তুফান আজি অভিযান ৰথ।

শক্তি হীন দৰে
কৰা যদি সমৰ্থন
কৰা যদি নিশ্চয় স্বীকাৰ
অত্যাচাৰী বঞ্চকৰ নতশিৰে শত অত্যাচাৰ,
পাপী তুমি—
শত শত অভিশাপ পৰিব শিৰত
জানিবা তোমাৰ তেনে হীন জীৱনত।

কাল নাই কান্দিবৰ
চিন্নকৰা বন্দীত্বৰ শৃঙ্গল বন্ধন
ক্ৰন্দনে নাৰীক শোভে
সঙ্গী তব বীৰ্য্য পৰাক্ৰম।

## অগ্নি-শিখা

বিদ্ৰোহৰ অগ্নি জ্বালি
ধ্বংস কৰা যত অত্যাচাৰী
নোশোভে তুমিয়ে হোৱা
পৰৰ ইচ্ছাৰ দাস ভীৰু নাম ধৰি।
মচিপেলা মলিনৰ মনৰ মামৰ
সিহঁতো উজ্জ্বল হ'ক
লভোক মধুৰ জ্ঞান সত্য মানৱৰ
তোমাৰ জ্যোতিৰে জ্বলা
শত শত নিৰ্ব্বাপিত বাতি
ধৰনীত পাত কৰা পুনু, নতুন দীপিতি।
আহে শুনা মুক্তিৰ আহ্বান
উঠা বীৰ শক্তিৰ নন্দন।

——:০:——

# পাপ ।

সউ চোৱা গৰ্ব্বিতৰ ৰক্ত ৰঙা আখি
দুৰ্ব্বলৰ বক্ষ চিৰি হাতে খুন মাখি
নৰ ৰক্ত পিপাসাত হই উনমাদ
মেদিনী কম্পিত কৰি গৰ্জ্জি মেঘনাদ
দৃঢ় বাহু ক্ষিতে কৰি ভীম আস্ফালন
দৃঢ় মুষ্টি তৰৱাৰী কৰিছে নৰ্ত্তন ।
সউ চোৱা সউ চোৱা যায় আগ বাঢ়ি
ক্ষমা নাই দুৰ্ব্বলক ৰুদ্ৰ ৰূপ ধৰি ।

সউ চোৱা নীচ হীন দুৰ্ব্বল দুৰ্ব্বোধ
হীনতাৰ বশ হৈ নিজে নিজে মানিছে প্ৰবোধ
অত্যাচাৰী সমীপত নতশিৰে শত অত্যাচাৰ
শাসনৰ কুট চক্ৰ ন্যায্য বুলি কৰিছে স্বীকাৰ।
ভীৰুতাৰ শিক্ষা দিলে মানৱ জাতিক
পুৰুস পামৰ সবে পাপৰ প্ৰতিক।
মুক্তি নাই শান্তি নাই আজি মানৱৰ
কলঙ্কেৰে পূৰ হল জেউতি ধৰাৰ।

সউ চোৱা দলে দলে মানৱ দানৱ
পৃথিবী শ্মশান কৰি উলঙ্গ তাণ্ডৱ
অসত্যৰ হকে যুজি কৰি প্ৰাণ পন
অধৰ্ম্মক কৰিলে বৰণ।
আৰ্ত্তৰ ক্ৰন্দন উঠে গুমৰি গুমৰি
আগত জহ্লদে নাচে অট্টহাস কৰি
সউ শুনা—আকাশত উঠে প্ৰতিধ্বনি
হাহাকাৰ কৰি উঠে অসত্যৰ বাণী॥

সঁচ চোৱা—ভিক্ষতাই যুৱকক ধৰিছে সাৱটি
হীন মায়া মোহে আহি কৰিছে কাকুতি
মুক্তি নাই কথা নাই নিজে নিজে হল অচেতন
হাত পাতি নিজে ললে শৃঙ্খল বন্ধন
নিৰ্ব্বাক, নিৰ্ব্বোধ সম ৰল থিয় হৈ
প্ৰতাৰক বঞ্চকক প্ৰভু বুলি কৈ
হানিকৰি গৰ্ব্বময়ী শক্তিৰ সন্মান
মানৱ শক্তিক দিলে চোৱা অপমান।

---

# অশান্ত

অশান্ত ধুমুহা ঘোৰ
আহা আজি মেঘমন্দ্ৰে নামি
হৰ্ হৰ্ ঝন্ ঝন্ আকাশৰ বুকু ভাঙি
কৰা পাত ধৰণীত বিজুলিৰ চোকা দৃষ্টি
অব্যৰ্থ বজ্ৰৰ বাণে ধ্বংস কৰা পাপ সৃষ্টি।
মুহুর্মুহুঃ আস্ফালনে ঘূৰ্ণি পাক তুলি
দেখুৱা তাণ্ডৱ বন্ধু আভৰণ খুলি।

## অগ্নি-শিখা

পৰোক মুচৰি ভাঙি বৃক্ষ শিৰ জটা
নাশ হ'ক একেলগে সৰ্প বিষ লটা।
শিলাবৃষ্টি মহাশব্দে হ'ক ধাৰাসাৰ
উচ্চ অট্টালিকা ভাঙি হ'ক চূৰমাৰ।
উঠক নূহৰ মত্ত প্ৰলয় প্লাৱণ
ধৰিত্ৰী হওক পুনু জলত মগন।
ধুই য'ক যত পাপ যত ব্যাভিচাৰ
পুঞ্জিকৃত মলি যত মিথ্যা অবিচাৰ
নূহৰ ডিঙাত চৰি সত্যৰ সাধকে
ধৰাতল কৰিব আবাদ
উঠিব সত্যৰ ধ্বনি 'আহাদ—আহাদ'।
শ্যামল শস্যেৰে হই নদন বদন
ধৰণী সাজিব পুনু ফুলৰ বাগান।

আহা বন্ধু মেঘ মন্দ্রে নামি
হে অশান্ত, হে উদ্ভ্রান্ত আকাশৰ বুক ভাঙি
অশান্ত বন্ধুরে তযু কৰিছো আহ্বান
চলোৱা চলোৱা বেগে ধ্বংস অভিযান।
হে সমুদ্র
ৰুদ্ৰ বন্ধু মোৰ
দেখি তোৰ
ভোল যাওঁ, নৃত্য খেলা মুক্ত গৌৰৱৰ।
উৎফুল্ল স্বাধীন বুকু পুলক চঞ্চল
দুৰ্জ্জয় লহৰী মালা হাস্য খল্ খল্
হিয়া ভৰা
মুগ্ধ কৰা
শুনি আছো গৌৰৱ ৰৌৰৱ গীতবোল
কি কল্লোল
কি হিল্লোল!
হে মুক্ত স্বাধীন সিন্ধু হে অশান্ত বীৰ
চলা' তোৰ অভিমান অশান্ত অস্থিৰ।

যুগ যুগ ধৰি
কাল কাল জুৰি
আমিও অশান্ত বন্ধু গাম তোৰে বিজয়ৰ গান
আমিও উদাৰ মুক্ত জয়ী শক্তিমান।

———০:*:০———

# বিদ্ৰোহী।

বিদ্ৰোহী আমি নৱ
হাতে লই ত্ৰিশূল খঞ্জৰ
চূৰ্ণ কৰি শাসনৰ বদ্ধ কাৰাগাৰ
ভগ্ন কৰি অসুৰৰ সভা দৰবাৰ
ধৰাতল কৰি তল মল
কৰিম আন্ধাৰ নাশি জ্যোতি জলমল।

যমৰ দুৱাৰ ভাঙি শক্তি শিখা লই
জ্বলাম দলিত শক্তি সুপ্ত অচেতন
উদ্ধাৰিম মৃত্যুহীন নৰ-নাৰায়ণ।
মানৱৰ হেতু এই বিশালিনী ধৰা
মানৱে কৰিব ভোগ স্বৰ্গ সুধা জৰা
—অত্যাচাৰী লব কিয় মুষ্টিবদ্ধ কৰি
কিয় প্ৰচাৰিব এনে নগ্ন ব্যভিচাৰী।

স্বাৰ্থলেহী শাসকৰ
সৃষ্টিকৰা নাৰকীয় বন্ধ কাৰাগাৰ
মানৱৰ দীপ্তশক্তি নাশি—
স্তুপে স্তুপে স্তুপিকৃত নীতি শাস্ত্ৰ ৰাশি
ভস্ম কৰি অগনিৰে
চতিয়াম সৰ্ব্বগ্ৰাসী কাল নদী নীৰে
চিহ্ন মানো নেৰিম ধৰাত
শাস্ত্ৰকাৰ শাসকৰ ভস্ম হব আশাৰ ললাট

বশ নোহে মুক্ত এই সৃষ্টি মানৱৰ
ব্যভিচাৰী অন্ধ ভণ্ড গুণ্ডা নৈতিকৰ
ঘোষে যদি সত্য বেদ সত্যৰ কোৰাণ
মানৱৰ স্বাধীনতা গান,

কয় যদি —"মানৱ স্বাধীন সদা নোহে পৰাধীন
মানৱ আত্মাৰ সৃষ্টি নোহে আত্মাহীন,
মানৱ সত্যৰ দাস শক্তিৰ নন্দন।
পৰাধীন শাসনৰ শৃঙ্খল বন্ধন
লব যেয়ে শিৰ পাতি অমানৱী পাপ
তাৰে শিৰে ভগবানে দিব অভিশাপ।"
আমিও সেই মুক্তি বাণী কৰিম প্ৰচাৰ
সেই—ধৰ্ম্ম পতাকাৰ তলে
আমি চিৰ—গোলাম—উদাৰ।

বশ কৰি শাসক দানৱ
ৰক্ষা কৰি আত্মাৰ মানৱ
ভাঙি কাৰাগাৰ
দেখুৱাম জগতক বিপুল পোহৰ।
বিদ্রোহৰ কালানল উঠিছে গুমৰি
—ভস্ম কৰি পুৰি দিব আপদ জঞ্জাল
কৰিব ভাৰন্ত পুনু শস্যৰ শ্যামল।

উচ্চতম হিমালয় গুৰু পৰ্ব্বতৰ
তাকো ভাঙি বৈ যায় শব্দে হৰ্ হৰ্
তৰঙ্গ চঞ্চল প্ৰাণে ব্ৰহ্ম-সিন্ধু বৰ
অদম বিদ্রোহ শক্তি সত্য সাধকৰ।
সমুদ্ৰ উপচি পৰে কৰি অট্টৰোল
ইযে—বিদ্রোহ উল্লাহে ভৰা উন্মাদ হাঁহিৰোল
—মৃত্যু বৰি
সাধ্যকাৰ ধৰিব আগুৰি।

শক্তিমন্ত বীৰ আমি মানৱ সন্তান
স্থষ্টি কৰি বিদ্ৰোহৰ অগ্নিময় বজ্ৰৰ তুফান
ভণ্ডামিৰ ধৰা পুৰি কৰি চাৰখাৰ
সত্যধৰ্ম্ম স্বাধীনতা কৰিম প্ৰচাৰ।
অধৰ্ম্মৰ পুৰোহিত শাস্ত্ৰকাৰ দলে দলে
লুটিখাই সেৱালব সত্যৰ পদতলে।
আমি মুক্ত চিৰ শক্তিমান
সত্যৰ পূজাৰী আমি আত্মময় মানৱ সন্তান।

———:০:———

# যৌৱনৰ অভিযান।

আহা বীৰ—
মচি দিয়া ব্যথিতৰ ব্যথা অশ্রুনীৰ
সউ চোৱা—
শত শত নৰ-নাৰী সম্মুখত কৰিছে ক্রন্দন
অত্যাচাৰী ব্যভিচাৰী কৰিছে লুণ্ঠন
সৰ্ব্বগ্রাসী কৰিছে পীড়ণ।

—সন্মুখত দেখি এই নগ্ন অত্যাচাৰ
নকৰিলে তাৰ প্ৰতিকাৰ
ইকি নোহে পাপ,
যৌৱনৰ প্ৰতি ইযে
দেৱ দুৰ্ব্বাষাৰ মহা অভিশাপ।

তেজোমন্ত তুমি বীৰ,
ভিৰুতাক দিয়া বিসৰ্জ্জন,
হোৱা স্থিৰ
অচঞ্চল শিলাময় হিমাচল সম
হোৱা হিম হোৱা জড় নিৰ্ম্মল নিৰ্ম্মম।
নিজৰ অস্থিৰে লই ইন্দ্ৰবজ্ৰ গঢ়ি
উঠা হুহুঙ্কাৰি
প্ৰচণ্ড ধুমুহা সম যোৱা বীৰ চলি
অত্যাচাৰী ব্যভিচাৰী পদতলে দলি।

পাহাৰ সমুদ্ৰ ভূমি কৰি একাকাৰ
চুকু কৰা তব অভিযান
যৌৱনৰ জয় ৰবে
নিনাদিত হ'ক শূণ্য গগন পবন।
মৃত্যুৰ বিকট ভঙ্গী শক্ৰৰ কামান
নোৱাৰে কৰিব ৰোধ শকতি অদম।

দিয়া নাই বিধি বিধাতাই
—অকাৰণে সৰ্ব্বদায়
প্ৰবঞ্চনা কৰি শাসি চলে সুকৌশলে
অত্যাচাৰ দলে
ধৰোক জীৱন ;
—নিৰ্ম্মল দুৰ্ব্বল সবে সহি উৎপীড়ন
যুগে যুগে ৰই য'ক নিষ্প্ৰভ মলিন
পদলেহী নিৰ্য্যাতিত চিৰদিন হীন।

নোহে ই বিধান,
হোৱা বীৰ নিষ্পাপ নিৰ্দ্দয়
কৰা বুকু পাষাণ কঠিন—এৰা মৃত্যু ভয়
বিদ্রোহৰ অগনিৰে জ্বলোৱা কামান
তোমাৰ হাততে হব শাসকে শাসন।

কৰা পাত ধৰণীত কিৰণ উজ্বল
হ'ক জলমল
দলিত মৰ্দ্দিত যত তুচ্চ তৃণ প্ৰায়
লভিব নতুন প্ৰাণ হব শক্তিময়।

হে বিদ্রোহী বীৰ
দৃষ্টি কৰা স্থিৰ
জ্বলোক ভৈৰৱ শিখা মহা শব্দ কৰি
জ্বলি য'ক ভষ্ম হ'ক অত্যাচাৰী যোগ ভঙ্গ কাৰী।

কৰা অহঙ্কাৰ
মানৱ সত্যৰ মুৰ্ত্তি দুৰ্দ্দম উদাৰ,
বজ্ৰ অশনিৰে গঢ়া বক্তৰ যৌৱন।
—চুক কৰা বিপ্লৱৰ নব অভিযান
বিদ্ৰোহৰ অগ্নি বাষ্পে
শান্তি বাৰি কৰিব বৰ্ষণ

———:০:———

# যৌৱন প্ৰলাপ।

যৌৱন,
শক্তিময় হে মোৰ যৌৱন
হবি কিয় ম্লান
মোৰ বুকে সাজি আজি ভীৰুৰ ভৱন?
ভীৰু সম টুকি অশ্ৰুবাৰি
হবি কিয় নিস্তেজ নিৰ্ব্বাক
দুৰ্ব্বল নিৰ্ব্বোধ সম প্ৰক্ষিল নাপাক?
দলিত তৃণৰ প্ৰায়
সবি কিয় যত অপমান যতেক অন্যায়?

... ... ...

নাই ভয় ভয় নাই তুমি মোৰ গৌৰৱ যৌৱন
শক্তিৰ তেজেৰে 'ৰবে' কৰিছে সৃজন
—গঢ়িছে অশনি বজ্র অস্ত্র তীক্ষ্ণতম
অসত্যৰ অধৰ্ম্মৰ অভিশাপ কৰিব খণ্ডন।
কৰিব লাগিব আমি
সৰ্ব্বনাশী
শিৱৰ প্ৰলয় জাগা তাণ্ডৱ নৰ্ত্তন
কৰিব লাগিব ভস্ম
অত্যাচাৰী কামোন্মাদ ৰতিৰ মদন।
উন্মত্ত সমুদ্রে দৃঢ় বাহু আলিঙ্গনে
ৰক্ষিছে ভূমিৰ ভাৰ্য্যা স্নেহ সুবেষ্টনে
আমি সেই হেন্দোলিত সমুদ্রৰ গতি
কৰিম ধৰণী ৰক্ষা
প্ৰচণ্ড ধুমুহা লই নিজে বুকু পাতি।

উলঙ্গ অশনি হানি মেঘমন্দ্রে কৰি হাহাকাৰ
ধ্বংস কৰি ব্যভিচাৰ পাপ অত্যাচাৰ
শান্তিৰ সলিল বিন্দু কৰিম বৰষ
জগতে লভিব প্ৰাণ শ্যামল শৰস।

হম স্থিৰ অচল অটল
—পাষাণ-তুষাৰ-ভীম-দৃঢ়-হিমাচল
শত শত বজ্ৰাঘাত
শত শত অত্যাচাৰ লম শিৰোপৰি
দুৰ্ব্বলক নিৰ্ম্মলক ৰাখিম আবৰি।

হাতে লই জুল ফিক্কাৰ আলীৰ খঞ্জৰ
জয় কৰি বীৰোন্মাদে দুৰ্জ্জেয় খয়বৰ,
বুকুচিৰি কলিজাৰ কাঢ়ি চিয়া খুন
পলিদ দুগুণ
নাশ কৰি ক্রুৰ চয়তান
বোৱাম শান্তিৰ নদী বৰ চিৰন্তন।

গৰলে কণ্টক ৰচি
ফুলাম গোলাপ পুষ্প মধু আগমনে
কাননে কাননে।

অনন্ত নাগেৰে কৰি সমুদ্র মন্থন
হলাহল সুধাভাণ্ড কৰি উত্তোলন
কৰিম অমৰ যত সত্যৰ দেৱতা
নাশ কৰি অসুৰৰ পাপ বৰ্ব্বৰতা

মুক্ত আমি স্বাধীন আজাদ
কৰি মহানাদ
দাসত্ব শৃঙ্খল চিঙি,
ভাঙি কাৰাগাৰ
জগতত কৰিম প্ৰচাৰ
আমি যে স্বাধীন দীপ্ত শকতি আমাৰ।

গাওঁ আজি যৌৱনৰ গান
যুৱক সবাৰো শ্ৰেষ্ঠ-চিৰ-মহিয়ান।

---

# সমৰ ক্ষেত্ৰ।

( ১ )

আগুৱা আগুৱা সৈনিক বীৰ এই যে সমৰ ক্ষেত্ৰ
শত্ৰুৰ হাতত জ্বলিছে কামান চোৱা মেলি দীপ্ত নেত্ৰ
চোৱা ৰণভূমি ৰক্ত্তে ডুবাই হাজাৰ হাজাৰ জনে
স্বদেশৰ হেতু শত্ৰুৰ হাতত হেৰালে নিজৰ প্ৰাণে !
গৰজে আকউ গুৰুম গুৰুম কপাই সমৰ ক্ষেত্ৰ
বিকট শবদে প্ৰলয় সমাধি ; মেলি চোৱা ৰোষনেত্ৰ ।

( ২ )

নাই আৰু তোৰ সময় নাই
জ্বলিল শত্রুৰ হাতৰ কামান
মুহুৰ্ত্ত সময় থাকোতে চাই।
যি ফেৰা বাকী আজিও দেখিছ
এতিয়াই হব সকলো ধ্বংস
আজিও তোৰ যে প্ৰলয় মিলিব
নাশ হল যেনে স্নেহৰ বংশ।

বন্দীশালত কান্দিব লাগিছে
অশ্রু পেলাই স্নেহৰ মাতৃ
পদ দলনত দলিত মৰ্দ্দিত
চাৱ হেৰা সউ আপোন ভাতৃ।

স্নেহ মায়া যদি আছে হৃদয়ত
জ্বালিদে কামান নাথাকি ৰই
গুমৰি উঠোক তোৰ ও হাতত
ৰাক্ষসক আজি বিনাশ কই।

( ৩ )

বলা আগবাঢ়ি আগবাঢ়ি বলা
পিচ ঘূৰি চাব সময় নাই
সকলো খিনিয়ে যাব শেষ হুই
ক্ষন্তেক মাথোন থাকিলে চাই।

ৰণত পৰিছে আপোনাৰ কোন
বিচাৰ কৰিব সময় নাই
চকুপানী টুকি শোক কৰিবৰ
সমৰৰ এই নহয় ঠাই।

মায়া মোহ যত কাটি কৰি থৈ
কৰ্ত্তব্যৰ পণ কৰা স্থিৰ
জীৱন মৰণ নাভাবিবা একো
কৰা সমৰৰ উচ্চ শিৰ।

বলা আগবাঢ়ি আগবাঢ়ি বলা
পিচ ঘূৰি চাব সময় নাই
মায়া-মোহ-আশা-শোক কৰিবৰ
সময়ৰ এই নহয় ঠাই।

---

# সত্যাগ্ৰহী।

আমি যে মুক্ত আমি যে স্বাধীন
নহওঁ পৰৰ ইচ্ছা-দাস
পৰাধীনতাৰ শৃঙ্খল চিঙি
নিশ্চয় কৰিম দাসত্ব নাশ।

অত্যাচাৰীয়ে জীৱন আমাৰ
কৰিব খুজিছে হেয় তুচ্চ
আমিও দেখাম জগত সভাত
আমাৰো নিচান গৌৰৱ উচ্চ।

দেশৰ দুৰ্গতি মচিম নিশ্চয়
আৰ্ত্তজনৰ মচিম ক্লেশ
অত্যাচাৰৰ পাপৰ জাবৰ
সাৰি ধুই মচি কৰিম শেষ।

শত্ৰুৰ হাতত কামানে যেতিয়া
গুমৰি উঠিব হুঙ্কাৰ কৰি
বুকু পাতি ধৰি যমৰূপী জুই
দিম হিম যেন শীতল কৰি।

অগ্নিৰ শতুৰু হব মাটিসম
আমাৰ হাতৰে পৰশ লভি
দলিত জনকো ধৰিব সাবটি
হয়ো নব ভাৱে উঠিব শোভি

———০ঃ*ঃ০———

# ঘৃণ্য জীৱন।

( ক )

আৰ্ত্তজনৰ আৰ্ত্তনাদত
নললৰিছে যাৰ পাষাণ হিয়া
অত্যাচাৰৰ ডাবাগ্নিতে
মন প্ৰাণ যাৰ ভষ্ম হোৱা,

যাৰ হৃদয়ত যুক্তি যুক্তৰ
বিচাৰ সক্ষম অন্তৰ নাই
কটায় জীৱন ভোগ বিলাসৰ
মদ নিচাতেই মত্ত হৈ।

সিজনেই পাৰে দেশ দ্ৰোহীতাক
মনৰ মাজত আশ্ৰয় দিব
সিজনেই পাৰে ভোগৰ আশাত
পৰাধীনতাক শিৰত লব।

( খ )

যাৰ হৃদয়ত স্বদেশ প্ৰেমৰ
অগ্নি শিখাৰ সঞ্চাৰ নাই
অত্যাচাৰীৰ গুণ গানকে
যি জনে সদায় থাকিছে গাই;

পৰাধীনতাৰ হেঁচাত যি জনে
জীৱন কটায়ো লভিছে সুখ
পৰৰ ভৰিৰ তলত মূৰ থৈ
যি জনে বিচাৰে ভৰাব মুখ

সি জনে নাপায় বিচাৰি কাহানি
নিজ জীৱনৰ কৰ্ত্তব্য ন্যায্য
সেই জীৱনেই নীচ হীন অতি
সেই জীৱনেই ঘৃণ্য হেয়।

---

# কামাল আতাতুৰ্ক।

দুনিয়া উপৰি শোকৰ দৰিয়া
—নয়নে নয়নে বেথাৰ নীৰ
দিন দুপৰতে সন্ধিয়া নাহোতে
ক'ত লুকালানো তুৰকী বীৰ !

... ... ...

নোহা মাথো তুমি তুৰস্কদেশৰ
ওৰে জগতৰ আছিলা তুমি
নোহা মাথোৰজা নোহামাথো বীৰ
যুগ আদৰ্শৰ বিকাশ তুমি।

... ... ...

যেতিয়া আন্ধাৰে ঢাকিলে ধৰণী
তেতিয়াই জ্যোতি কৰিলা পাত
ৰাহুৱে যেতিয়া গ্ৰাসিব খুজিলে
অগ্নিৰ কবচ পিন্ধিলো গাত।

... ... ...

দলিয়াই দিলা অমানবোচিত
পৰাধীনতাৰ কালিমা পাপ
ত্যাগ বীৰত্বেৰে ধৈৰ্য্য সাহসেৰে
মচিলা জাতিৰ দৈৱৰ শাপ।

... ... ...

জাতিৰ শকতি দলিত হলেও
মৃত্যুৰ বুকত নহয় লীন ·
নেওচাদিলেও ঘৃনিত হলেও
পাহৰিব লগা নহয় হীন।

... ... ...

—মুমূৰ্ষু দেহত প্ৰাণ জাগি উঠে
সঞ্জিৱনী শক্তি সঞ্চাৰ হলে
—সেই শক্তি দান কৰিলা জাতিক
জীৱন বিয়পা সাধনা বলে।

... ... ...

দিকেদিকে আজি জাগে বলীয়ান
বাজিব লাগিছে ৰণৰ ডঙ্কা
পৃথিবীৰ যত পৰাধীন জাতি
সমৰ ক্ষেত্ৰত নকৰি শঙ্কা।

... ... ...

সেয়েহে তোমাৰ গাওঁ জয়গান
হে বীৰ প্ৰধান যুগৰ গুৰু
প্ৰত্যেক জাতিয়ে হব দীপ্তিমান
নাই নাই আৰু মানৱ ভীৰু।

... ... ...

জন্ম অধিকাৰ স্বাধীনতা হেতু
উঠিছে সকলে হুঙ্কাৰ কৰি
বিজয় মণ্ডিত হব সকলোৱে
তোমাৰে আদৰ্শ স্মৰণ কৰি।

... ... ...

ভাঙিব লাগিছে ৰাক্ষস জাতিৰ
আশাৰ লোলুপ সপোনখেলা
দীপ্তি তোমাৰ পাতিছে ধৰাত
মৃতৰ মাজত শক্তি মেলা।

... ... ...

যোৱাহে সাধক হে মহা মানৱ
ৰব যুগেযুগে অমৰ জ্যোতি
তুনিয়া কানন কৰি গুলজাৰ
ৰব চিৰকাল তোমাৰ স্মৃতি।

... ... ...

কৰ্ম্ম সাধনা সোৱৰণ কৰি
কামনা কৰিছো মাগদিবাৎ
খোদাৰ করুণা ছাঁয়াৰ তলত
আদর্শ তোমাৰ জিন্দাবাদ।



# সাম্যবাদী।

—০:❋:০—

ইন্‌কুলাব জিন্দাবাদ
ধৰাৰ মাজত ভীম নিনাদে
সাম্যবাদৰ উঠোক নাদ
ইনকুলাব জিন্দাবাদ
ইন.................. ।

ৰাজমহাৰাজ লক্ষপতি
মেটৰ মজুৰ গোলাম মুচি
একেই পাটত সবাকে বহাম
উচ্চ নীচৰ গণ্ডি ভাঙি
চণ্ডাল ব্ৰাহ্মণ জুইত উতলাই
একেই সাচত গঢ়িম ভাঙি
ঝাণ্ডা উচ্চা জোৰ শবদে
সাম্য বাদৰ উঠোক নাদ
ইনকুলাব জিন্দাবাদ
ইন................ ।

অগ্নি-শিখা

লক্ষপতিৰ ৰম্য হৰ্ম্য
চিৰ দলিতৰ জীৰ্ণ-শীৰ্ণ
পৰ্ণ কুটিৰ সমান কৰিম
চলদলনৰ নেৰিম লেশ
জোৰ জুলুমৰ কাৰচাজীবোৰ
জুই জ্বালি দি কৰিম শেষ
উৰাই ঝাণ্ডা বজাম তূৰ্য্য
উচ্চশিৰে আমি আজাদ
ইনকুলাব জিন্দাবাদ
ইন.......................।

চাহজাহানৰ তাউছী তখ্‌ত্‌
তুচ্ছ সিও হব বখ্‌ত্‌
মই দলিত তই মহাৰাজ
এই কুচক্ৰ কৰিম চুৰ
তস্কৰীতোৰ লস্কৰীজোৰ
মোৰ হাতুৰীত কৰিম চুৰ
নিত্য নবীন মোৰ বিধি এই
তোৰ বিধি হক গৰ আবাদ
ইনকুলাব জিন্দাবাদ
ইন.................. ।

## অগ্নি-শিখা

উচ্চ আসন দূৰতে এৰি
ভণ্ডামী তোৰ আঁতৰ কৰি
আহিব লাগিব ; ঠনৰ ঠনৰ :
ভাঙিব লাগিব একেই শিল
একেই সুৰতে আমাৰ লগত'
লগাব লাগিব গীতৰ মিল।
চিৰ যুগলই ধ্বনিব গগণে
মন্ত্র আমাৰ সাম্যবাদ
ইনকুলাব জিন্দাবাদ
ইন....................

